# তাঁতিৰ-জুনা।

—(:)—

শ্ৰী ভদ্ৰসেন বৰাৰ দ্বাৰা
সংগৃহীত আৰু প্ৰকাশিত।

২য় তাঙ্গৰণ



ডিব্ৰুগড়
আহোম প্ৰেছত
শ্ৰীভদ্ৰসেন বৰাৰ দ্বাৰা
ছপাহল।

বেচ ৷৵৹ মাথোন।

# তাঁতি-জুনা ।

শ্রীকৃষ্ণায়ে নমঃ ।

আনন্দে মোহন বাংশী বজাই ।
গৈলন্ত গোসাঁই তাঁতিৰ ঠাই ॥
দূৰতে দেখিয়া তাতি হাসয় ।
আমাৰ গৃহক হৰি আসয় ॥
তাঁতিয়ে দিলন্ত আসন বঢ়াই ।
ৰঙ্গকৰি বসিলা যদুৰাই ॥
কর্পুৰ তাম্বুল খাইবাক দিলা ।
অনেক সেৱা সুশ্রুষা কৰিলা ॥
যাৰ নাম লৈলে বৈকুণ্ঠ বাস ।
হেন কৃষ্ণ আমাৰ গৃহক আসে ॥
ব্রহ্মা হৰে যাক নাপাই লাগ ।
কিনো মোৰ ভাগ্য পাইলো লাগ ॥
ভাগ্যেসে সেৱা কৰিবাক পাইলো ।
কোটি কোটি জন্ম উদ্ধাৰ ভৈলো ॥

কিনো মোৰ ভাগ্য আজি মিলিলা।
ত্ৰাহি বুলি তাঁতি পায়ে পৰিলা ॥
তাৰ পাছে তাঁতি ভৃঙ্গাৰ আনি।
ধুৱাইলা প্ৰভুৰ পাৱ দুখানি ॥
পাদুদক জল শিৰে তুলি লৈলা।
তাৰ পাছে কৃষ্ণক সুধিবাক লৈলা ॥
কিবা প্ৰয়োজনে আসিলা গোসাঁই।
পাছে তযু কিবা শুনো অভিপ্ৰায় ॥
যিসক বিচাৰি আসিলো মই।
সাৱশেষে কহোঁ শুনিবি তই ॥
বিষ্ণু পুৰি নাম বৈকুণ্ঠ স্থান।
তাতো নেপাইলো তোহোৰ সমান ॥
ব্ৰহ্মা যৈত থাকে সিও ব্ৰহ্মলোক।
তাতো বিচাৰি নেপাইলোহো তোক ॥
শিৱ যৈত থাকে সিও কৈলাস ঠাই।
তাতো বিচাৰি নেপাইলোহো মই ॥
যম পুৰে যম আছে যতেক।
যমে আনি দিলে সকলো মোক ॥
তাতো বিচাৰি নেপাইলোহো তাঁতি।
মনত বিষাদ লাগিল আতি ॥
পাছে বলী ৰাজা সভাক গৈলো।
বলী ৰাজা মুখে বাৰ্ত্তাক পাইলো ॥
বলী ৰাজা শুনি কহিবাক লৈলা।
সেই তাঁতি প্ৰভু পৃথিবীক গৈলা ॥

সি হেতু আসিলো তোহোৰ ঠাই ।
আমাক পঠাইছে মোৰ ৰাধিকাই ॥
শুন তাঁতি মই কহোঁ কথাক ।
কাপোৰ লাগে মোৰ ৰাধিকাক ॥
শুন তাঁতি কহোঁ তোহোৰ আগে ।
ৰাধাই পিন্ধিবাক কাপোৰ লাগে ॥
শুনি তাঁতি শোধে হাত যোৰ কৰি ।
কহিয়ো প্ৰভু ব'ম কেনে কৰি ॥
কেমন কাপোৰৰ কেমন ঠান ।
কলেহে জানো মই তাৰ প্ৰমাণ ॥
দীঘল পুতল কিমান লাগে ।
কিবা ফুল বাছিম তাৰ আগে ॥
পথালি দুকাঠি লৈবা বেগত ।
দীঘলে লৈবা তিনি ততেক ॥
পৃথিবীত আছে যতেক ফুল ।
শুন তাঁতি তই কাপোৰত তোল ॥
চম্পা বকুল বাবৰি তগৰ ।
তাক নেবাছিলে লাগিব জগৰ ॥
কুন্দ কৌৰৱক পদ্মৰ কলি ।
তাক নেবাছিলে উঠিব জ্বলি ॥
ৰাঙ্গুল ৰেৱতী মৰুয়া মধাই ।
তাক দেখি ৰঙ পাব ৰাধাই ॥
চন্দ্ৰ সূৰ্য্য তৰা বাছিবা তাত ।
তাক দেখি ৰাধাই লগাব মাত ॥

হস্তী ঘোৰা আৰু মৃগ মৃগিনী ।
পাতালৰ বাছিৰা নাগ নাগিনী ॥
বানৰ ভালুক বাঘ যে ঘোং ।
তাক দেখি ৰাধাই পাইবেক ৰঙ্গ ॥
যত তৃণ তৰু ডালৰ পক্ষী ।
পাইবেক সন্তোষ ৰাধায় দেখি ॥
ব্ৰহ্মা বিষ্ণু হৰ বৰুণ যম ।
বাসুকী প্ৰমুক্ষ সৰ্প যে গণ ॥
নদ নদী মৎস্য আৰু মগৰ ।
বায়ু অগ্নি জানা জলেশ্বৰ ॥
শুন তাঁতি মই কহো ভাগে ভাগে ।
এইমতে ৰাধাক কাপোৰ লাগে ॥
আৰু কোন আগে কাক বাছিবা ।
তাঁতি তই ইকথা মনে ৰাখিবা ॥
শিৰত বাছিবা বসুদেও পিতা ।
উৰুণীত বাছিবা দৈৱকী মাতা ॥
পিঠিত বাছিবা বলোদেও দাদা ।
মুচে সিংঘে ধৰিছে গদা ॥
বাহুত বাছিবা নন্দৰ কণাই ।
উৰুত বাছিবা কংস ময়াই ।
খোছনিত বাছিবা নেজালি মৈৰা ।
কাষত বাছিবা স্বৰ্গৰ তৰা ॥
তাৰ চৌপাশে বুলাবা চম্পা ।
মূৰত বাছিবা মুকুলী খোপা ॥

ছআগে বাছিবা নন্দেৰ কনাই।
কনাইয়ে বসিয়া ৰাধাক চাই॥
বৃন্দাবনে বসি চাপৰি বজাই।
ঘূৰি ঘূৰি নাচে নন্দেৰ কনাই॥
যাৰ যেন ঠান তাৰ তেন বৰণ।
তাক নেৰাছিলে তোৰ মৰণ॥
আজি দেওবাৰে বুজনি দিওঁ।
ঘূৰি দেওবাৰে কাপোৰ নিওঁ॥
সেহি কাপোৰ নিয়া ৰাধাক পিন্ধাও।
ৰাধায়ে সহিতে বৃন্দাবনে যাওঁ॥
বৃন্দাবনে গৈয়া পাতিবো খেৰি।
সমস্ত সমাজে ডাকিও হৰি॥
শঙ্কৰে ৰচিলে কাপোৰ জুনা।
সমস্ত সমাজে কাণ পাতি শুনা॥

## কপাহৰ জুনা।

সৰু জনীয়ে বুলিলে বৰ জনী বাই।
পিজলী কপাহ কতনো পাই॥
কপাহ আছে সোণাপুৰ হাটে।
শহুৰে দেখি আছে পানী অনা ঘাটে॥
পিজলী কপাহৰ বাতৰিক পাই।
আকাজিয়ে যাবলৈ তত্ নেপাই॥
তেনে বাই কৰকৰা ভাতক নেখাওঁ।
পিজলী কপাহ বিচাৰি হাটলৈ যাওঁ॥

ভাত খোৱা বাই মোক নেদেখিবা সৰু।
দেও দি যাব নোৱাৰে ভুতুৰা গৰু ॥
জাপ মাৰি কাটিলো আগলী পাত।
তাতে বাঢ়ি দিয়ে এদোণ চাউলৰ ভাত ॥
ভাত খাওঁতে হয় দেৰপৰ বেলা।
গা মূৰ সজাওঁতে হব আবেলি বেলা ॥
আকাজিয়ে লৰিলে কৰকৰা খাই।
বৰ জনীক খাবলৈ বাটক নেচাই ॥
কৰকৰা ভাতৰ ছপৰা খহিল।
তাইৰ জানো লৰাতো মৰিল ॥
সোণাপুৰ হাটলৈ নিচিনো বাট।
সুধি পুছি পালেগৈ সোণাপুৰ হাট ॥
আকাজিয়ে শুধিলে হেৰা পোহাৰী বাই।
পিজলী কপাহ কতনো পাই ॥
পিজলী কপাহৰ নেজানো দৰ।
পোহাৰীয়ে মাৰিলে ডুগালে ডুটা চৰ ॥
কি জানো আকাজিৰ কপালে পাই।
ৰূপ টকাৰ কপাহ চপোৱা পাই ॥
আকাজিয়ে ডুগালে ডুটা চৰ খাই।
ছপোৱা আনিলে পিজলী কপাহ তাই ॥
কপাহ আনি ধুঁয়া চাঙ্গত তুলি থলে।
গাল বিষাইছে বুলি ছমাহলৈ শুলে ॥
ছমাহৰ মূৰত মেলি তৰি চাই।
বাৰে বুৰি শলিয়া কপাহত পাই ॥

মেলি তৰি চাই দুৱাৰ চুকত থলে।
দুৱাৰ চুকত পাই হ্ঁাহে পাৰিলে কণি॥
বৰ জনাকে লৈ গল জেং জাবৰ বুলি।
এনুৱা কাজি মোৰ সংসাৰত নাই॥
ছপোৱা কপাহক কৰে ঠাই ঠাই।
তাৰে কিছুমান আছিলে বাকী॥
তাকে কাটিবলৈ ধৰিছে আজি।
এঘেউ কাটিলে ৰেতেউ তেউ॥
তাৰ মাজত থাকিলে কল থুৰিৰ কেওঁ।
এঘেউ কাটিলে ৰেতেউ আৰু তেউ॥
তাৰ মাজত থাকিল তামোলৰ কেও।
এঘেউ কাটিলে ৰেতেউ আৰু তেউ॥
তাৰে বান্ধিলে ঘৰৰ বুন্দা মেও।
এঘেউ কাটিলে ওপৰত ভাত খাই॥
তাৰে বান্ধিলে চেউৰী গাই।
এঘেউ কাটিলে কৰকৰা খাই॥
তাৰে বান্ধিলে খিৰতী গাই।
এঘেউ কাটিলে সবাতকৈ সৰু॥
তাৰে বান্ধিলে ভুতুৰা গৰু।
এঘেউ কাটিলে মাজ নিশা ৰাতি॥
তাৰে বান্ধিলে দঁতাল হাতী।
এঘেউ কাটিলে নাই খৰ ধৰ॥
তাৰে বান্ধিলে শীলত মণি গড়।
এঘেউ কাটিলে সবাতকৈ খৰ॥

তাৰে বান্ধিলে শুয়াতো সৰ ।
মাকত কৈ জীয়েক কাজি ॥
ঢেকী থোৱা লৈ বাটে পাঁজি ।
কাটি বাছি থলে ধুয়া চাঙ্গত তুলি ॥
হালোয়াই লৈ গল মৈ জাব বুলি ।
আহক আজি হালোয়া মই নিদিও ভাত ॥
ভাল বুড়ী মাকৰ সূতাত দিলে হাত ।
লৰা হুঁতৰ বাপে কৈ কিবন কৰা ॥
শিলটো লৈ আছু চাঁচ খন ধৰা ।
সূতাৰ আখি মাৰোতে ককাল আধি লাগে ॥
আখি মাৰোতে মোৰ চাঁচ খন ভাগে ।
ওচৰ চুবুৰিয়াই নোলোৰিলে খৰি ॥
ছমাহলৈ পুৰি গল সূতাৰ মূৰি ।
আবেলি বেলিকা তাৰিলে তাঁত ॥
পয়েকৰ চিঙিলে উজতত দাঁত ।
মাকে জীয়েকে বগিয়াকৈ ৰয় তাঁত ॥
ছমাহুৰ মূৰত কাপোৰৰ ওলাই আঁত ।
এমূৰ মাৰিলে কৰকৰা খাই ॥
তাৰ মাজে হালোৱা গৰু গুচি যায় ।
এমূৰ মাৰি ফুৰিলেগৈ গাওঁ ॥
তাৰ মাজে সৰকে সাত বেওয়া নাওঁ ।
এমূৰ মাৰিলে মাজ নিশা ৰাতি ॥
তাৰ মাজে সৰকিলে জুৰীয়া হাতী ।
এমূৰ মাৰিলে সবাতকৈ সৰু ॥

তাৰ মাজে সৰকিলে জাকৰুয়া গৰু।
ছমাহৰ মূৰত কাটিলে কাপোৰ ॥
গাঁৱৰ বুঢী মেঠিয়ে কাটিলে জাবৰ।
সেই খন কাপোৰ লৈ হাট লৈ গল ॥
হাটৰ মানুহে দেখি মৰি গল।
নৈৰ পৰা আহিছিলে ডোম ॥
কাপোৰ খন দেখি মূৰত দিলে তোম।
পৰ্ব্বতৰ পৰা আহিছিলে নগা ॥
কাপোৰ খন চাই পিঠিত মাৰিলে ধকা।
হাটৰ মানুহে বিকুঠি কৰিলে ভোবা ॥
দৰ দাম কৰোতে হল দেৰ পৰ বেলা।
নেবেচো কাপোৰ উভতাই নিম ॥
জোঁয়াই আহিলে বিহুত দিম।
নেবেচি কাপোৰ ওভতাই আনিলে ॥
জোয়াঁয়েক আহোতে উলিয়াই দিলে।
জোয়াঁয়েকে লৈ ফুল যেন পাই ॥
লোকে মাধে বিকুঠি কাপোৰক চাই।
জোয়াঁয়েকে বুলিলে কাপোৰ খন ভাল ॥
চাতি মাৰি লওঁতে পিঠিৰ গল ছাল।
সেইহে ছালত থলে ছালে সৰ সৰাই ॥
বেৰত থলে বেৰে মেৰ মেৰাই।
জোয়াঁয়েকে নিনিলে কাপোৰ লাজত ॥
ডোমে লৈ গল্ল বৌমাছৰ ভাৰত।
বাৰ হাত জালৰ তেৰ হাত ফটা ॥

ভাল মাৰিলি বোপাইৰ বাপৰ বেটা।
পুথি খলিহা পাছে পাছে ৰয় ॥
বৌ বৰালি সৰকিয়ে যায়।
ভদ্ৰসেনে ৰচিলে আকাজিৰ জুনা ॥
সমস্ত সমাজে মন দি শুনা।

## পছলাৰ জুনা।

———:(০):———

সৰু জনীয়ে বুলিলে বৰ জনীক বায়।
আলহী আহিছে কিহৰে বা খায় ॥
নকৰিবা চিন্তা ভণী নকৰিবা চিন্তা।
বাৰীৰ পচলাৰে পাতি থৈছো মিন্তা ॥
ক'ত বা থাকিলে মোৰ খঁৰা কলি।
পচলা আনিবলৈ হল দেৰ পৰ বেলি ॥
হাতত খৰা কলি লৈ ৰাধনী হল থিয়।
সৰু সৰু পচলাৰ উৰি গল জীৱ॥
বৰ বৰ পচলাই আলচিলে কাজ।
ৰাধনী নমৰে মানে নেমেলো গাজ ॥
কাটিলেক পচলা আনিলেক টানি।
তাণ্ডিত খোচ্ছ খায় ৰাধনী হল কাণী ॥
কাটি আনি পচলা মজিয়াত থলে।
পচলাৰ পানী লৈগে ঘৰ বুৰি গলে ॥
আইয়ো উটিলে বাইয়ো উটিলে
উটিলে চাওঁৰ মৈ।

সাত থন গয়াঁই খেদি আহিলে
হাতত লাগি গছ লৈ ॥
ডাঙৰ ডাঙৰ কেইজন ছালে বেৰে বল।
সৰু সৰু কেইজন উপড়িয়ে গল ॥
লাহনি খন আন পানী সিছি পেলাওঁ।
কটাৰী কুতুৰা আন কুটি পেলাওঁ ॥
কুটিলেক পচলা নুগুচালে চেছু।
মাজত থাকিলে জেলুকীয়া কেচু ॥
কুটিলেক পচলা এক চাৰি দোণ।
লৰ মাৰি আনিলে কুৰি কৰা লোণ ॥
শাহুয়েকক শুধিলে চাৰে চিয়ঁৰে।
দিমে কি নিদিম শাহু আই একেবাৰে ॥
দিয়া দিয়া বোৱাৰী ৰছি পছি য'ক।
আলহী আহিছে দেখা শুনা কৰি থক ॥
হালোয়া পথৰুৱা বহে শাৰী শাৰী।
গৰৈ মাছে পচলাই কৰে ম'ৰা চালি ॥
সিজালেক পচলা নিসিজিলে পাগে।
পচলা খাওঁতে শোৱা লৰা জাগে ॥
যি জনীয়ে ৰান্ধিলে সিজনীয়ে খ'ক।
পাগ মাৰিৰে হেছি দিয়া পেটলৈ য'ক ॥
ৰাধনীয়ে নেখাই থলে ডুৱাৰ চুকত।
গোবৰচেৰেক মাৰি দিয়া ৰাধনীৰ বুকত ॥
ধোয়া কাউৰিয়ে নি পেলালে ছালত।
চৰ চেৰেক মাৰি দিয়া ৰান্ধনীৰ গালত ॥

চৰ খাই গোৰ খাই উৰ্কান্দালে পাল ।
মুঠি চেৰেক জালুক আনি খুৱাতি দিয়া জাল ॥
ভদ্ৰসেনে ৰচিলে পঢ়লাৰ জুনা ।
সংস্কৃত সমাজে কাণ দিয়কৈ শুনা ॥

## নাঙলৰ জুনা ।

হাবিত আছিল কেঁকুৰা কাঠ ।
বাঢ়ৈয়ে আনি লগালে চাঁচ ॥
চাঁচি কাটি কৰিলে নাঙল ।
হালোৱাই নি খুবিলে হাল ॥
নাঙলে বুলিলে পিঠিত কুঁজ ।
মইহে ধৰিছো পৃথিবীৰে বুঁজ ॥
ফালে যে বুলিলে বাহৰে চেঁচু ।
মই উলিয়াওঁ পাতালৰ কেঁচু ॥
বেঙ্গাই বুলিলে বাহৰে আখি ।
মইহে থৈছো ফাল খন ৰাখি ॥
ডিলাই বুলিলে সবাতকৈ পোন ।
মই যে নহলে হালোৱা কোন ॥
যুৱলীয়ে বুলিলে সবাতকৈ হুয়া ।
কান্ধত উঠি ফুৰো গধূলী পুৱা ॥
শলমাৰিয়ে বুলিলে চাৰি ভাই ককাই ।
চাৰিও থাকো চাৰি ফালে চাই ॥
যুত জৰিয়ে বুলিলে মৰাপাটৰ লেক ।
মই যে ৰাখো বৰ বৰ গৰু ॥

আউটে বুলিলে মাজতে যোৰা ।
মই যে নহলে হালোৰা খোৰা ॥
এছাৰিয়ে বুলিলে বাঁহৰে লেরু ।
মই নহলে নলৰে নচাৰে গরু ॥
কাতিয়ে বুলিলে সবাতকৈ চোকা ।
মই নহলে মাটি নহয় খোকা ॥
গরুয়ে বুলিলে দীঘল নেজা ।
মোৰ উপৰত সকলো ৰজা ॥
গরুয়ে বুলিলে সবাতকৈ ডাঙৰ ।
মই নেটানিলে নুগুচে জাবৰ ॥
গরুয়ে বুলিলে দীঘল নেজা ।
মই নহলে সকলো মিছা ॥
কথিলে মথিলে পুৱালে ৰাতি ।
হালোৱা ককাইয়ে মাৰিলে গাটি ॥
কোৰে যে বুলিলে মই ঘৰৰ বুঢ়ী ।
মই পেলাওঁ কাষৰ কুৰি ॥
মৈয়ে বুলিলে বাহৰে এফাল ।
মই যে কৰো মাটি শীতল ॥
দলিমৰাই বুলিলে কাঠৰে দণ্ডিং ।
মই নহলে মাটি নহয় শীত ॥
জবকাই বুলিলে সবাতকৈ মানী ।
মই যে পেলাওঁ জাবৰ টানি ॥
বিন্ধাই বুলিলে হেলোকা দতা ।
মই যে নহলে ধান হয় বটা ॥

( ২ )

খন্তিয়ে বুলিলে মই ঘৰৰ ঘৈণী ।
মই যে নহলে নমৰে বনৰ জনী ॥
ভদ্ৰসেনে ৰচিলে নাঙ্গলৰ জুনা ।
সমস্ত সমাজে কাণ পাতি শুনা ॥

## ৰাধাৰ জুনা ।

নেজানিলো নুশুনিলো ৰাখিলো গৰু ।
বাটত ধৰি বিয়া দিলে আছয় মাহৰ সৰু ॥
ধন লোভী বাপ মাৰ ঘৃত লোভী ভাই ।
ধন দেখি বিবাহ দিলে লৰা জোৱাই ॥
ইয়ে শোধে সিয়ে শোধে লৰা জোৱাই কৰা ।
আচল ডাঙ্গি চোৱা যদি আছয় মাহৰ লৰা ॥
আচলত পটা গুটি নথৈ কৰিম কি ।
আইয়ে দিছে লৰা জোৱাই নলৈ কৰিম কি ॥
আইৰ আগে বাৰ্ত্তা কবা দিয়ক গাৰু তুলি ।
তুলি নেপাই নিদ্ৰা নেযাই খেৰে কাটে বুলি ॥
দেউতাৰ আগে বাৰ্ত্তা কবা দিয়ক চামৰ পীৰা ।
বহি ভাত খাব লাগে তেওঁৰ জোৱাই লৰা ॥
ককাইৰ আগে বাৰ্ত্তা কবা এবাৰ আহিব যাব ।
তেওঁৰ বৈনাই সৰু লৰা চিনি জানি লব ॥
বৌৰ আগে বাৰ্ত্তা কবা দিয়ক ধেনু গাই ।
দধি দুগ্ধ খাব লাগে তেওঁৰ নন্দ জোঁৱাই ॥
হাটে যাওঁ বাট যাওঁ স্বামী কোলা লৈ ।
কড়ি কড়া লাৰু কিনি স্বামীক খোৱাও গৈ ॥

সমান সখিক পাই ৰাধাই পালে লাজ।
আচল ডাঙ্গি দলিমাৰে ৰকৰানীৰ মাজ॥
বকৰানীত পৰি কৃষ্ণায় আজি ভাল কাল।
আজিৰ পৰা ৰক্ষা পালো ৰাধাৰ জঞ্জাল॥
এটী মোচৰ গৈলা প্ৰভু দুটী মোচৰ গৈলা।
নিদাৰুণী ৰাধাক প্ৰভু উভতি নেচাইলা॥
হাতো নগল তল ভৰিও নগল তল।
জানিলো জানিলো প্ৰভু তোমাৰ সম্বল॥
হেন জানি নিৰন্তৰে এৰি আন কাম।
পাতক ছাৰোক ডাকি বোলা ৰাম ৰাম॥

---

## বাৰ মহীয়া গীত।

বহাগত বিলহীয়া বুধে গোধেনু ধুৰাই।
পিতৃ মাতৃ সেৱা কৰি তেবে গুৰু পাই॥
জেঠত জীবিকাৰ অৰ্থে কঠিয়া পাৰই।
ধলা গৰু কাৰ্য্যো নাহে কৃষ্ণক চৰণে ধিৱাই॥
আহাৰত আন্ধাৰ মেঘে কৰে বৃষ্টি।
কৃষি কৰিবাক লাগি কৰিলা দৃষ্টি॥
শাওণত সমে নদী গোপী কৰে খেলা।
বস্ত্ৰক চুৰ কৰি কদম্বে চৰিলা॥
ভাদত ভগৱন্ত উপজিলা নাৰায়ণ।
ইষ্ট গুৰু নেতাৰিলে নাম কি কাৰণ॥

আহিণত সিঙ্গে সিঙ্গাই কাটে হাঁহ ছাগ।
তথাপি মনুষ্যে নেপাই কৃষ্ণক লাগ॥
কাতিত কতোলোকে মৎস্যক নেখায়।
আকাশত বাতি লগাই ধৰ্ম্ম আচৰয়॥
আঘোণত ন নবীন দায় শালী ধান।
তাক খাই ভকতে লয় হৰি নাম॥
পুহত পাত পতম্বৰ হৰে বৃক্ষৰ পাত।
আয়ু চুলি তুতি যাই লোকৰ গাত॥
মাঘত মাধদেৱ নাতাঁৰিলে কেও।
ইষ্ট গুৰু পূজা কৰি মানি আছো দেঁও॥
ফাগুনত কন্যাদান কৰাই ভোজন।
কুশ বনে বিয়া দিলে অৰুণ চৰণ॥
চ'তত শ্ৰীকৃষ্ণায় কান্দে বিহুয়া চৰাই।
শিপিনীৰ সুখ নাই গৃহিণী খোলাই॥

## পৰুৱাৰ জুনা।

ভাতে ৰান্ধি দিয়া খাওঁ মই পৰুৱা
পানী আনি দিয়া খাওঁ।
চাউল কঠি চেৰেক ৰান্ধি দিয়া পৰুৱা
সদীয়া দেশলৈ যাওঁ॥

পৰুৱাই বান্ধিলে পৰুৱাই বাঢ়িলে
পৰুৱাই নেখালে ভাত।
ৰাতিৰ ভিতৰত কাটে সৰু সূতা
পুৱালৈ লগালে তাত ॥
সদীয়া দেশৰে কপাহ কিনি আনি
দিলেছি পৰুৱাৰ হাতত।
এসেৰ কপাহক ছমাহ ছন্দিয়াই
ছমাহত লগালে তাত ॥
ছমাহে কাটিলে ছমাহে বাছিলে
ছমাহঁত উলিয়াই সূতা।
যি খিনি কাটিলে ৰেতেউ তেউ কৰি
যেনে বৰ ঘৰৰ খুটা ॥
এসেৰা কাটিলে ৰেতেউ তেউ কৰি
থাকিলে শালত লাগি।
এসেৰা কাটিলে ৰেতেঁউ তেউ কৰি
কাটে মাজ নিশা ৰাতি ॥

---

এসেৰা কাটিলে মাজ নিশা ৰাতি।
তাৰে বান্ধিলে দতাল হাতী ॥
এসেৰা কাটিলে সবাতৈক সৰু।
তাৰে বান্ধিলে ডমৰা গৰু ॥
এসেৰা কাটি থলে বেৰত তুলি।
হালোৱাই লৈগল মৈজৰি বুলি ॥

কুকুৰা যুঁজাবৰ কাঠি মোৰ বুঢ়া আই
কুকুৰা যুঁজাবৰ কাঠি।
গাওঁৰ বাই ভণী মাতি আন বুঢ়ী আই
হাচটি কৰোগৈ বাতি ॥
দীঘলি বাটতে ৰাচ বাতি কৰে
ৰাচৰ নেলেখিলে কনি।
ফলিয়া বেতৰে মোচোৰা মাৰিলে
মোচোৰা নেপালে মণি ॥
চিলাই পুঠি মাছ নিলে বাই বুঢ়ী আই
চিলাই পুঠি মাছ নিলে।
গোট বাঁহকে লয় চাছি কাটি
হাচটি পুটলত দিলে ॥
কি খৰি লুৰিবৰ চহে বাই বুঢ়ী আই
কি খৰি লুৰিবৰ চহ।
গোট ভলুকা বাঁহ লয় খোৰ চিঙ্গি
হাচটিত লগালে বহ ॥

---

## নাহৰৰ জুনা।

আই আই বুলি নাহৰে মাতিলে
মাকৰ মুখলৈ চাই।
কিয়নো মাতিছা নাহৰ চেনিমুৰা
চৰুত পাঁয়তা নাই ॥

ভাতে ৰান্ধি দিয়া খাওঁ বুঢ়ী আই
পানী আনি দিয়া খাওঁ।
অনেক বেহুৰাই যায় বেহাবলৈ
মেয়ো বেহাবলৈ যাওঁ॥
কিনো বেহুৰাৰ আলৈয়ে বিলৈয়ে
কিনো বেহুৰাৰ দুখ।
ৰাতি খাই মাৰে নগা দাম ডুমে
দিনত খাই মাৰে জোক॥
নাহৰ চেনিমুৰা ওলাই বেহাবলৈ
ছকুৰি কুকুৰাৰ ভাৰ।
দিখৌ নৈৰ পানী কৰে তল বল
ঘাটৈয়ে নকৰে পাৰ॥

হাই দি তুলিবৰ লাই।
দেশৰ বেহুৰাই যায় বেহাবলৈ
নাহৰ চেনিমুৰা নাই॥

কি মাছু মাৰিবৰ হল।
লোণ ভাৰ পেলাই মাটি ভাৰ আনিলে
ঠাই মচিবলৈ হল॥

# ধপাতৰ জুনা ।

চিলিম শ্ৰীহৰি দবা নাৰি কলি
আমি তিনি চাৰি ভাই ।
একে দাল নলীতে সবে ধোৱা খালে
তাৰো জাতি কুল নাই ॥
চিলিম শ্ৰীহৰি দবা নাৰি কলি
তামৰে বন্ধোৱা গা ।
এনো ধোৱা খোৱা বন্ধাই লৈ আহোঁগৈ
আতোলা সোণৰে লা ॥

চিলিমে কান্দিলে চিঁউ চিঁউ কৰি
গৰবে মাতিলে ঔ ।
নলনিৰ পৰা নলীছাই মাতিলে
ধপাত লগালা নে নৌ ॥
বুঢ়া কইটালি বহি কিয়ে কৰা
পচাইছো ধপাতৰ পুলি ।
লৰাও নেজানে বুঢ়াও নেজানে
সবে খাই ধপাতৰ গুৰি ॥

চোতাৰ আগৰে কেচা ধপাত খিলি
মোহাৰি কৰি যাওঁ গুৰি ।
বাটৰ সমনীয়াক মাতো আটাহ পাৰি
এচুঁহ খোৱাহি বুলি ॥

ধপাত খাই খাই ধুমুৰি ধাৰিলে
তলৈলে কৰিলে মূৰ।
জখলা পাতিয়ে উঠা বুঢ়ী আই
দিয়াহি ধোৱা চাঙ্গৰ গুড় ॥
ভাঙো এ খালো ধুতুৰা এ খালো
তেও নপতিয়াই চিত।
গাধুই উঠি শ্ৰীৰাম গোসাঁয়ে
গাইছে ধপাতৰ গীত ॥

—◦—

## বৰ্ণ জুনা।

ক বোলে কলিযুগে ৰাম নামে সাৰ।
খ „ ক্ষন্তেকে কৰিব নিস্তাৰ ॥
গ „ গৰ্ভতে নাথাকিবা শুই।
ঘ „ ঘাটি দিয়া পাপে লাগে জুই ॥
ঙ „ ৰিং মাৰি চাৰি বেদে কয়।
চ „ চণ্ডালেও হৰি নাম লয় ॥
ছ „ ছত্ৰ ধৰি নিব অন্তিমত।
জ „ জৰ ৰোগে সবে হুব হত ॥
ঝ „ ঝৰে ৰক্ষা কৰিবহি নামে।
ঞ „ ৰিঙাৰ নেলাগে ঐ কামে ॥

ট ,, টলবল নকৰিবা মন।
ঠ ,, ঠিৰ ৰূপে কৰিবা ভ্ৰমণ ॥
ড ,, ডৰ নকৰিবা একো নৰে।
ঢ ,, ঢলিয়াব চক্ৰ ধৰি কৰে ॥
ণ ,, গলমলা নামে লোৱা লেখ।
ত ,, তাৰি নিব বৈকুণ্ঠ প্ৰবেশ ॥
থ ,, থিৰ ৰূপে লোৱা হৰি নাম।
দ ,, দয়ামময় কৃষ্ণ হৰি নাম ॥
ধ ,, ধৰ্ম্মমতে লোৱা হৰি নাম।
ন ,, নৰতনু ঈশ্বৰক পাম ॥
প ,, পৰম সাদৰি হৰি নাম।
ফ ,, ফল পাবা সিদ্ধি হব কাম ॥
ব ,, বৈকুণ্ঠৈল নামে হব ৰথ।
ভ ,, ভয় নাই নামেসে সাৰ ॥
ম ,, মনুষ্যৰ পাপ হব মুক্তি।
য ,, যতে ততে নামে কৰে ৰতি ॥
ৰ ,, ৰাম নাম নেৰিবা সদাই।
ল ,, লবা ঘণে ঘণে নামৰ সহাই ॥
ৱ ,, অৱশ্যে হৈবে নিস্তাৰ।
শ ,, শৰীৰত পাপে হব সাৰ ॥
ষ ,, ছয় চক্ৰ নামেসে বসতি।
স ,, সদা সদা লভিব মুকুতি ॥
হ ,, হৰি হৰি বোলা সবে নৰে।
ক্ষ ,, ক্ষন্তেকতে তাৰিব ঈশ্বৰে ॥

হৰি মই কেনে ভৈলো সেৱাৰ বঞ্চিত ।
কি কাৰণে বিধতাই স্রজিলে ভূমিত ॥
গৰ্ভবাস নৰকত আছিলো দুখত ।
তথু নাম কৃষ্ণ কথা নাহিলে মুখত ॥
ফুৰো মই বসন্ত কালত কৰি কেলি ।
মই পাপী অধমক নেপেলাবা ঠেলি ॥
কহয় মাধৱ মোৰ ভৈলো সেৱা চূৰ ।
তিন কোটী অপৰাধ ক্ষমা কৰা মোৰ ॥

## তৰাৰ কথন ।

দেখা কেনে আকাশত থুপি থুপি তৰা ।
আকাশ চাই খেলা কৰে সৰু সৰু লৰা ॥
কুকুৰ বাহি তৰা গলে জাক পাতি থাকে ।
অৰুঞ্জুৰি নামে তৰা এক জুৰি থাকে ॥
ভোটা তৰা নামে এক আছে আকাশত ।
সিটো ওলাবৰ পৰা অকাল সংসাৰত ॥
পপীয়া তৰা নামে এক নেজলগা হয় ।
কোনো কোনো লোকে তাক নেজালতৰা কয় ॥
একবাৰ ওলাই সিটো একবাৰ সোমায় ।
নেজ চিগি দখৰ দখৰ যায় গম গমায় ॥
তামোলী তৰা নামে এক থাকে স্বৰগত ।

অতি সুকুমল প্ৰাণ চন্দ্ৰ গুৰুৰ মত ॥
মই নাজানিলো ইসবে কিনো খাই জীয়ে ।
সৰ্ব্বদাই চন্দ্ৰ গুৰুক তামোল কাটি দিয়ে ॥
কোনমতে তান সবে আকাশত ৰয় ।
পৰিম বুলি ইসবে নকৰয় ভয় ॥
নিশ্চয় জানিলো ইসব দেৱ গণ হয় ।
মৰণ আকাল তান আছে কিহৰ ভয় ॥
দেৱগন হোয়া থাকে আমাসাত আৰেঁ ।
আহাৰ নকৰি সি সব থাকিবাক পাৰে ॥

## স্বৰগদেৱৰ কথন ।

স্বৰগদেৱে কোনো দিনে ধেলেকনি মাৰে ।
বছৰ মাজে দুবাৰ তিপ কণি পাৰে ॥
স্বৰগদেৱে বৰ টোপ মাৰে ত্ৰিৰন্তৰে ।
উৎপাত কৰে আমাৰ পৃথিবী ভিতৰে ॥
দেখা চোঁন স্বৰগদেৱে বৰযুণ আনি ।
খৰ খৰিয়া বাম মাটিত কৰে পানী ॥
ইটো কথা কোন কালে পাহৰিম তাৰ ।
ভেওঁয়ে দিছে আমাক পেতৰ আহাৰ ॥

# জাননী।

আমি প্ৰকাশ কৰা কিতাপ বিলাকৰ নাম তলত দিলো। ইয়াৰ বাহিৰেও অন্যান্য ধৰ্ম্মৰ পুথি আমাৰ ওচৰত পাব। সৰহীয়াকৈ নিলে কমিচন দিয়া হয়।

| | | | |
|---|---|---|---|
| মনি কোঁৱৰ | ।৴০ | পক্ষী চৰিত্ৰ | ।০ |
| গোবিন্দ চৰিত | ।৴০ | তুলসী চৰিত্ৰ | ৵০ |
| গু-কৰতি (৯খন একেলগে) | ।৶০ | ৰাম চৰিত্ৰ | ৶০ |
| অৰ্জ্জুন গীতা | ।৶০ | ডাকবচন | ।০ |
| বৈষ্ণৱী গীতা | ।৶০ | নাৰায়ণ কৱচ | ৵০ |
| মন্ত্ৰসাৰ | ৵০ | গোপিণী আই | ৶০ |
| বিলাহি বেজিনী | ।০ | শক্তি শেল | ৶০ |
| নৰসিংহ মন্ত্ৰ পুথি | ।০ | নৃগ মোচন | ৶০ |
| সুদৰ্শনচক্ৰ ঐ | ।০ | কৃষ্ণৰ লীলা | ৶০ |
| বাৰভনী বিষালী মন্ত্ৰ | ।০ | কৃষ্ণৰ চৰিত্ৰ | ৶০ |
| জীৱৰ স্তুতি | ৵০ | দেৱ সংবাদ | ৶০ |
| কাচনকোঁৱৰী বাফুল কোঁৱৰ | ।০ | অৰ্জ্জুন সংবাদ | ৶০ |
| মালীতা (ফকৰা) | ।০ | মহিষাসুৰ বধ | ।৶০ |
| ৰাধা হৰণ | ।০ | লক্ষ্মী চৰিত্ৰ | ৴০ |
| উষা হৰণ | ।৶০ | আই নাম | ৶০ |
| দ্ৰৌপদীৰ বস্ত্ৰ হৰণ | ৵০ | অশোক চৰিত | ৴০ |
| ভীম চৰিত | ৶০ | | |

শ্ৰীভদ্ৰসেন বৰা,

আসাম এজেন্সী। পোঃ আঃ ৰিহাবাৰী।

পুৰণা কাৰবাৰৰ নতুন নাম

# আসাম এজেঞ্চী।

পোঃ আঃ বিহুবাৰী।

আহোম প্ৰেছৰ পৰা আজি অনেক দিন কিতাপ পত্ৰ, আদি প্ৰকাশ কৰি বিক্ৰী কৰি অহা হৈছে। সম্প্ৰতি সেই কাৰবাৰকে ডাঙৰ কৰিবৰ অভি-প্ৰায়ে আসাম এজেঞ্চী নাম দি প্ৰেছৰ এজেঞ্চী বিভাগ খোলা হ'ল।

ইয়াত সকলো ৰকমৰ স্কুলীয়া কিতাপ সকলো নতুন ধৰণৰ কিতাপ আৰু সকলো ধৰ্ম্ম পুথি বেচিবলৈ যোগাৰ ৰখা হৈছে। আৰু "দ্ৰৌপদীৰ বস্ত্ৰ হৰণ" "অৰ্জ্জুন গীতা" "দেৱসংবাদ" আদিৰ নিচিনা অনেক বিলাক অসমীয়া অপ্ৰকাশিত ধৰ্ম্ম পুথি আমি প্ৰকাশ কৰিছো। তাৰো উপৰি সকলো ৰকমৰ কাগজ পত্ৰ, পেন্সিল, চিয়াহী, নোট পেপাৰ আদি সকলো ৰকম ষ্টেচনাৰী মাল বেচিবলৈ যোগাৰ ৰাখিছো। অৰ্ডাৰ দিলেই ভিপিত পঠাওঁ।